# ৰাজপথত দিল্লী

জেমচ্ হেড্লী চেজ



চিনে তাৰিকা পাব্লিকেচনচ্ প্ৰাইভেট লিমিটেড
নতুন দিল্লী ১১০০১৫

# ৰাজপথত দিল্লী

প্ৰথম প্ৰকাশ ১৯৮৮

পৰিবেশক :
চিনে তাৰিকা পাব্লিকেচনচ্‌ প্ৰাইভেট লিমিটেড
আই-১১, শিবলোক হাউচ,
(মিলন চিনেমাৰ সন্মুখত)
নতুন দিল্লী-১১০০১৫

মুদ্ৰক :
ডি. টি. পি. প্ৰেছ, শিবলোক হাউচ
('মিলন চিনেমা'ৰ সন্মুখত)
নতুন দিল্লী-১১০০১৫

মূল্য ২৫.০০ টকা

## ॥ এক ॥

"সৌ সোপা দেখিছা? চাই লোৱাচোন এবাৰ" ট্ৰাক ড্ৰাইভাৰজনে ক'লে। লগে লগে তেওঁ গাড়ীৰ খিৰিকিখনেদি মুখ উলিয়াই থুৱাই দিলে। "মই দৰকাৰ হলে কোনোবা আধা পঁচা কুষ্ঠৰোগীকো গাড়ীত তুলি লম, তথাপিও এই কুলক্ষণীয়াহঁতক মই কেতিয়াও মোৰ গাড়ীত উঠিবলৈ নিদিওঁ।" ঘৃণাত যেন তেওঁৰ মুখখন কোচ খাই গ'ল।

হেৰী মিইচেলে তাৰ বহল পিঠিখন, গাড়ীখনৰ চিটটোৰ পিছফালৰ চামৰাৰে বন্ধা আওজা ঠাইখিনিত হেঁচি ধৰিলে। লগে লগে যেন তেওঁৰ অনুভৱ হ'ল, তীব্ৰ গতিত চলি থকা গাড়ীখনৰ মৃদু মৃদু জোকাৰণিবোৰ যেন ক'ৰ আৰু চামৰাৰ মাজেদি পাৰ হৈ অহা কাৰোবাৰ হৃদয়ৰ কপনিহে! তেওঁ বাটৰ দুয়ো কাষে চকু ফুৰালে। অলপ দূৰে দূৰে বাটৰ কাষে কাষে জুম বান্ধি থিয় হৈ থকা ছিপ্পীৰ দলবোৰ তেওঁৰ চকুত পৰিল। সিহঁতৰ সেই লেতেৰা যোনাবোৰ, ভাঠ কাগজৰ বাকচবোৰ আৰু গীতাৰবোৰ—এই সকলোখিনিয়েই চকুত পৰিল।

"মাউৰত মৰাহঁত চালা!" ট্ৰাক ড্ৰাইভাৰজনে গুজৰি উঠিল। "ইহঁতেই বোলে আমাৰ ভৱিষ্যত বংশধৰ,—চালা। কাৰলৈ গলে গাবোৰ, চালা, ভেকেটা ভেকেট গোন্ধায়! কত্তা নিধকহঁত! জানানে, ইহঁতে নিচা কৰিবলৈ পইচা নেপালে মাকহঁতকো হত্যা কৰিব পাৰে! চালা..."

ট্ৰাকখনৰ সন্মুখত এইবাৰ কিছু দূৰত তিনিজনী ছোৱালী! পিন্ধনত হিপষ্টাৰ আৰু বহল বহল স্কাৰ্ট। সিহঁতে ট্ৰাকখনলৈ চাই

হাত জোকাৰিলে। অসভ্যালি কৰি হাতেৰে অঙ্গী ভঙ্গী কৰি দেখুৱালে।

"বেটী নাককাটি নিলাজীহঁত!" ট্ৰাক ড্ৰাইভাৰজনে আকৌ খিৰিকিৰে মুৰ উলিয়াই থুৱালে! "আমাৰ চালা সতি সন্ততি নাই ভালেই হৈছে। আমাৰ সেইজনীয়ে আকৌ পেন পেনাই থাকে এই কথাটোকে লৈ! মই কৈ দিছোঁ, মোক এনেকুৱা বাবে বাংকৰা ল'ৰা ছোৱালী হৈ যদি এইটো ৰূপ ধৰে? তেতিয়া? না বাবা না। মোক এইচব নেলাগে!"

হেৰী মিট্‌চেলে এইবাৰ তাৰ পকেটৰ পৰা চিগাৰেটৰ পেকেটটো উলিয়ালে। পেকেটটো ইতিমধ্যে হেঁচা খাই পেটেকা উঠিল। তাকে আগবঢ়াই দিলে ট্ৰাক ড্ৰাইভাৰজনলৈ। দুয়োটাই চটা চিগাৰেট জ্বলাই লোৱাৰ পিছত ট্ৰাক ড্ৰাইভাৰজনেই আকৌ কথা আৰম্ভ কৰিলে। "মই তোমাক কিয় গাড়ীত উঠাই ল'লো, তুমি হয়তো ভাবি আচৰিত হৈছা নহয়নে?" বাটৰ পৰা চকু ঘৰাই আনি তেওঁ এবাৰ হেৰীৰ মুখলৈ চালে। আকৌ বাটটোলৈ চকু দি কৈ গ'ল, "কওঁ শুনা। তুমি নিশ্চয় কেইদিনমানৰ আগতেহে মাথোন সেনাবাহিনীৰ পৰা ওলাই আহিছা—হয় নে নহয় কোৱা! মই সেনাবাহিনীত কাম কৰা মানুহক দেখিলেই চিনি পাওঁ জানা। বিশেষকৈ মোৰ দৰে দূৰত গৈ থাকিব লগীয়া জোৱা সৈনিকৰ জীৱন যি সকলে কটাই আহিছে সেইসকলক মই দেখিলেই ধৰিব পাৰোঁ। ময়ো এদিন কোৰিয়াত আছিলোগৈ জানানে? বাক বাদ দিয়া সেইবোৰ, তুমি পিছে কেতিয়া ওলাই আহিলা?"

হেৰীয়ে তেওঁৰ পিনলৈ কোবেৰে আহি থকা মস্ত বহল এডাল ক'লা বীবনৰ দৰে অকোৱা পকোৱা বাটটোলৈ চাই কিবা এটা ভাবি আছিল। ট্ৰাক ড্ৰাইভাৰজনৰ প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ তাৰ যেন মাতেই নোলাব এনেকুৱা লাগিল। কোনোমতে কলে, "আজি দহ

দিন হ'ল ?"

"এবা", মৃব হুপিয়াই হুপিয়াই ট্ৰাক ড্ৰাইভাবজনে কৈ গ'ল। "মই তোমাক দেখিয়েই জানিছিলোঁ। নহয়। মই তোমাৰ গাত সেই আৰ্মীৰ গোন্ধটো এতিয়াই পাইছোঁ, বুইছা। এই গোন্ধটো যাবলৈ দিন লাগে। ইমান সহজে নেযায়! পিছে আৰ্মীত থকাৰ দিনবোৰ কেনে লাগিল ?

"অইনবোৰৰ যেনে লাগে ?" বাছ ছুটা অলপ জোকাৰি হেৰীয়ে উত্তৰ দিলে।

"এতিয়া যুৰি আহি ভাল লাগিছেনে বাৰু ?"

"জানো ? লাগিছে নেকি! ঠিক ধৰিব পৰা নাই এতিয়াও।"

"জানো বন্ধু জানো! তোমাৰ গাৰ পৰা আৰ্মীৰ গোন্ধেই যোৱা নাই। এতিয়াই ক'ত গম ধৰিব পাৰিবা…হ? আৰ্মী! এবা, বস্তুটো কিবা অদ্ভুত যেন নেলাগেনে বাৰু ? যেতিয়া আৰ্মীত থাকিবা তেতিয়া তাক শাও দি অন্ত নপৰা যেন লাগে। অথচ যেতিয়া ওলাই আহিবা. 'এনে লাগিব যেন কিবা এটা মৰমৰ বস্তুহে হেৰাই থাকিল! চালা অদ্ভুত বস্তু। মোৰ হলে আৰ্মীৰ পৰা ওলাই আহি ঠিক তেনেকুৱাই লাগিছিল ভাই!" চিগাৰেটটোত দীঘলকৈ টান এটা দি তেওঁ এসোপামান ধোঁৱা হাওঁ কাওঁলৈ পঠিয়াই দিলে আৰু অলপ পিছতে নাকেদি বাহিৰ কৰি দি আকৌ কথা আৰম্ভ কৰিলে, "বাৰু কোৱাচোন! তাত বাৰু অৱস্থাটো, আমাৰ কাগজে পত্ৰই ওলোৱাৰ নিচিনাকৈ সঁচাই বৰ সাংঘাটিক হৈ পৰিছিল নেকি ?"

হেৰীয়ে এইবাৰ গাটো ঘূৰাইলৈ ইকাতি হৈ বহি ললে।

"আচলতে জানা, তাত গৈ যে আমিবোৰ অভ্যস্ত 'ৰ'ব' হব লাগে। সেইটোহে আচল সাংঘাটিক কথা। এনেয়ে একো নাই।" কথাৰ মাজতে তাৰ মনত পৰি গ'ল সেই সেমেকা পৰিবেশৰ আহল বহল ধাননী পথাৰবোৰ। সেই প্ৰখৰ ৰ'দ জাক! আৰু সেই

ভয়ানকধৰণৰ আকস্মিক আক্ৰমণবোৰ! কথাবোৰ নেভাবিবলৈ বাৰে বাৰে সি ঠিক কৰে আৰু বাৰে বাৰে সেই একেখিনি ছবিয়েই আহি যেন তাৰ চকুৰ সন্মুখত ভাঁহি উঠে। মূৰটো জোকাৰ মাৰি দি সি যেন ছবিবোৰ মগজুৰ পৰা মচি পেলাব বিচাৰে। তাৰ কাৰণেতো এতিয়া এইবোৰ চব অতীত হৈ গৈছে! সিতো তাৰ আগৰ তিনি বছৰীয়া সামৰিক সেৱা সমপূৰ্ণ কৰি আহিছে! এতিয়া সেই অতীত দলঙৰ তলেদি বৈ যোৱা লেতেৰা পানীখিনিতকৈ বেলেগ একো নহয়।

ট্ৰাক ড্ৰাইভাৰজনৰ এনে লাগিল যেন এই ওখ পাখ সবল সুঠাম ডেকাজনৰ আৰ্মীত যিমান ৰ'ব লাগিছিল এতিয়া ঘৰলৈ উভতি আহিও সিমান ৰ'বেই লাগিছে! তেওঁৰ মনটো বেয়া লাগি গ'ল। তেওঁ ভাবিছিল এওঁৰ সৈতে আগৰ আৰ্মীত থকা দিনবোৰৰ বিষয়ে গলপ গুজৰ কৰি সময়খিনি পাৰ কৰি দিব পৰা যাব আৰু তাৰ লগতে এইখন যুদ্ধৰ আচল কাহিনী কিছুমানো তেওঁৰ মুখত শুনিবলৈ পাব। পিছে এওঁচোন সেইবিলাকৰ নামেই শুনিব নোখোজে! গতিকে পেখেনিয়াই শুধি থাকি কি লাভ!

এই ট্ৰাক ড্ৰাইভাৰজনৰ নাম হ'ল চেম বেণ্টজ। ডে'টনবীচ' খোলা ঠাইখনত তেওঁ গাড়ীখন পাৰ্কিংবে'ত লগাইদি কাষৰে কুইক স্নেক বাৰ'ত সোমাই এটা চেণ্ডউইচ আৰু এটা বীয়েৰৰ টেমালৈ কটাকট খোৱাত লাগি গৈছিল। তেওঁ এতিয়া যাব লাগিব অৰেঞ্জভীল নামৰ চহৰখনলৈ; ফলমূলৰ চালান এটা উত্তৰাঞ্চলৰ বজাৰ এখনলৈ আনিবৰ কাৰণে। এনেকৈ এইকালে তেওঁ সপ্তাহত দুবাৰ আহে। ইতিমধ্যে তেওঁৰ এই ট্ৰিপটো ভাল নলগা হৈ আহিছে। কবলৈ গলে এক প্ৰকাৰ ঘৃণাই উপজিছে। কাৰণ হ'ল এই হিপ্পীবোৰ! ইহঁতজাকৰ প্ৰতাপত এই বাটটোৰেদি ট্ৰাক চলোৱাটো প্ৰায় দুঃসাধ্য হৈ পৰিছে। সাগৰ পাৰত ৰ'দ লোৱাৰ চখ পূৰাবলৈ অহা এই শগুণজাক দেখিলে তেওঁৰ গা জ্বলি যায়।

ইহঁতৰ একোতো ঠিক নাই! কোনপাকত আহি গাড়ীৰ আগত পৰে! সিহঁতক খালি গাড়ীত উঠিবলৈহে লাগে। তাৰ কাৰণে লগৰ দুই এটা গাড়ীৰ তলত পৰি মৰিলেও যেন সিহঁতৰ গাত নেলাগে! মনটো তেওঁৰ বিতৃষ্ণাৰে ভৰি পৰে। মূৰ দাঙি চাই দেখে যে টেবুলখনৰ সিটো মূৰত, এজন ডেকাই এটা 'ক'ক' আৰু এটা চেণ্ড্‌উইচ লৈ একান্তমনে খোৱাত লাগিছে। ত্ৰিশ বছৰীয়া এই ডেকাজনক তেওঁৰ প্ৰথম দেখাতেই বেচ ভাল লাগিছে। তেওঁৰ দেহৰ গঠন আৰু খোজ কাঢ়লৰ ধৰণ দেখিলেই কব পাৰি যে সেনা বাহিনীৰ পৰা ওলোৱা তেওঁৰ বৰ বেছি দিন হোৱা নাই। বিশেষকৈ তেওঁৰ এই ধৰণ কাৰণবোৰৰ মাজেদি তেওঁৰ মনৰ দৃঢ়তাৰ যি উমান পোৱা গৈছে তাৰ পৰাই তেওঁ বুজিছে যে এই ডেকাজন এলা সেনা ভকত নহয়!

খাই থকাৰ মাজতেই এবাৰ দুবাৰকৈ ভালেখিনি কথা হ'ল তেওঁলোক দুজনৰ মাজত। হেৰী মিট্‌চেলে যেতিয়া ক'লে তেওঁৰ দক্ষিণৰ ফাললৈকে যাবলৈ আছিলে তেতিয়া বেণ্ট্‌জে নিজেই উপযাচি ক'লে তেওঁৰ ট্ৰাকতে তেওঁ যাব পাৰিব বুলি। বেণ্ট্‌জৰ কিন্তু এনেকৈ উপযাচি কাৰোবাক লিফ্‌ট্‌ দিয়াৰ কথা আজি কালি মনতেই নপৰে। পিছে এই ডেকাজনক তেওঁৰ ভাল লাগিছিল আৰু তেওঁৰ এই প্ৰস্তাৱ তেওঁ মানি লোৱা কাৰণে বৰ সুখী হৈছিল।

বেণ্ট্‌জে এইবাৰ ভাবিলে, আমীৰ কথা নেপাতিল বাৰু নাই! সেইবুলিনো সংসাৰত কথা পাতিবলৈ অন্য বিষয়ৰ অভাৱ হ'লনে?

"তুমি বাৰু মায়ামীৰ ফালে যাবলৈ আহিছা নেকি?" তেওঁ সুধিলে। "মই হলে তোমাক তালৈকে নিব নোৱাৰিম দেই ভাই! মই যাম অৰেঞ্জভীললৈ। মায়ামীলৈ তাৰ পৰাও প্ৰায় এশ দহ মাইলমান থাকেগৈ।"

"মই যাম পেৰেডাইজ চিটিলৈ," হেৰীয়ে কলে, "তুমি বাৰু

ঠাইখন জানানে ?

"মই কেতিয়াও সেইফালে যোৱা নাই। কিন্তু ঠাইখনৰ বিষয়ে ইতিমধ্যে যথেষ্ট শুনিছোঁ। সেইখন হেনো কেৱল চহকী মানুহবহে চহৰ। তাৰ পুলিচবোৰে হেনো আমাৰ নিচিনা মানুহক তাত সোমাবই নিদিয়ে। অৱশ্যে তোমাৰ চাগৈ তাত কিবা চাকৰি-বাকৰিৰ যোগাৰ হৈ আছে !"

"ওঁহো, তেনেকুৱা চাকৰি বাকৰি একো নাই। পিছে কিবা এটা যোগাৰ কৰি লবগৈ পাৰিম নিশ্চয় ! মই শুনিছোঁ বোলে টুৰিষ্ট চিজন আৰম্ভ হলে তাত অস্থায়ী কাম দেখাৰ ওলায়।" হেৰীয়ে কৈ গ'ল—"আৰু এটা কথা, মই যেই সেই কামকে কৰিব পাৰোঁ। মোৰ কাৰণে ভাল কাম বেয়া কাম বুলি একো নাই। মোৰ নিজৰ কামটো সিজিলেই হ'ল ! তদুপৰি, সাগৰৰ পাৰৰ ব'দজাকৰ প্ৰতি আজি বহুত দিনৰ পৰাই মোৰ মনত এটা হেপাহ জাগি আছে।" তাৰ মুখত হাঁহি বিৰিঙি উঠিল ! "তুমি হয়তো ভাবিছা ভিয়েটনামতো মই ব'দ আৰু সাগৰ ভালকৈয়ে পাইছিলোঁ ! পিছে কওঁ শুনা, সেই সাগৰ আৰু এই সাগৰৰ-মাজতযে আকাশ-পাতাল প্ৰভেদ সেইটো জানো তোমাক বেলেগে বুজাই বৰ লাগিব ?"

"মোৰ কথা শুনা", বেণ্টলে ক'লে। এইবাৰ যেন তেওঁৰ গম্ভীৰ মুখখন আৰু বেছি গম্ভীৰ হৈ পৰিল। তেওঁ কৈ গ'ল," মই যেতিয়া তোমাক নি অবেঞ্জভীলত নমাই দিম তেতিয়া তাৰ পৰা তুমি ভিতৰৰা বাটটো ধৰিবা। এই হাইৱে'টোৰ কালে নাহিবাই বুলিছোঁ। এই সৰ্ব্বনশীয়া, হুতচিৰি যোৱাইতৰ পাল্লাত পৰিলে হ'ল আৰু ! তুমি অকলে একো কৰিব নোৱাৰা। আমি অৱশ্যে সকলোৰে পাৰিম বুলিয়েই ভাবোঁ। পিছে তুমি অকলে আঁঠ দছটাৰ বিৰুদ্ধে কেনেকৈ কিটো কৰিবা। সিহঁততো একদম শগুণ। যেতিয়া আহে

একেবাৰে জাক পাতি আছে।" ভেঙ্ক কেৰাহিকৈ, হেৰীৰ নতুনকৈ কিনা দীঘল মোনাটোলৈ চালে। হেৰীয়ে দুই ঠেঙৰ মাজতলৈ সেইটো চেপি ধৰি আছে। "এই যে তোমাৰ বে'গটো! কেনেবাকৈ যদি সেইটো সিংহৰ চকুত পৰিল, হ'ল আৰু! গোটেই গালে খেদি আহিব নহয়। আৰু তোমাৰ হাতঘড়ীটো দেখিলে সিংহক কোনে পায়! বিশ্বাস কৰা এই শগুণ মখাই যিটো বিচাৰে সেইটো লৈহে এৰে!"

"বাৰু দেখা যাব!" হেৰীয়ে যেন অলপ অধৈৰ্য্য হৈ উত্তৰ দিলে।

বেন্টুলে ভেঙৰ গধুৰ হাতখন হেৰীৰ আঠুত দি ক'লে।

"তোমাৰ দৰে অকলশৰীয়া ডেকা এটা সিংহৰ সন্মুখত এজাক শিয়ালৰ মাজত এটা লেঙেৰা সিংহ যেন হৈ পৰিবা, বুইছা। এই হাইৱে'টো মুঠেই নিৰাপদ নহয়। মোৰতো সদায় ভয় লাগি থাকে, যদি কেতিয়াবা মাজ বাটত গাড়ী বেয়া হয়! মই অৱশ্যে আৰ্মীত থাকোতে অনেকচন দেখিলোঁ, অনেক অদ্ভুত পৰিস্থিতিৰ সন্মুখীন হ'লোঁ। কিন্তু এইটো ৰাস্তাত ক'ৰবাত ইঞ্জিন বেয়াহৈ মাজবাটত খপিব লগীয়া হোৱাৰ কথা ভাবিলেও মোৰ গা-টো শিয়ৰি উঠে।" ভেঙৰ কথা শুনি হেৰীয়ে এইবাৰ ভেঙৰ মুখলৈ চালে।

"ইমান সাংঘাটিক নে বাৰু?"

"সাংঘাটিক মানে? বছৰটোৰ এইটো সময়ত বিশেষকৈ এই বাটটো হৈ পৰে সাক্ষাৎ যমপুৰী। এই যমদূতমখা এই সময়ত একেবাৰে জাক পাতি পাতি ওলায়হি নহয়!" বেন্টুলে যেন যমদূত মখাক চকুৰ আগতে দেখাহে পাইছে এনেকুৱা কৰিলে। "কওঁ শুনা! আমাৰ লগৰ ট্ৰাক ড্ৰাইভাৰ এজনৰ কাহিনী! এদিন ৰাতি অবেলতীলৈ আহি চহৰ পাবলৈ বিশ মাইলমান থাকোতেই বেচেৰাৰ গাড়ীৰ এঞ্জেন ভাগিল। বচ্ মাজবাটতেই পৰিল

চোটেই‌‌য়াত। পিছদিনা পুলিচে যেতিয়া তেওঁক পালে তেতিয়া তেওঁৰ এখন ঠেং ভঙা, বুকুৰ কামি হাড় বেকা আক গোটেই মুখখন ওখহি ভীম্বাকাৰ! গাড়ীত থকা প্ৰায় আধা টনমান কলমূলৰ প্ৰায় গোটেইখিনিয়েই শেষ! পিছত সি বেচেৰা দহ সপ্তাহ হস্পিটালত পৰি থাকিব লগা হ'ল। হস্পিটালৰ পৰা ওলাই আহি সি ট্ৰাক চলোৱা কামটো এৰি দিলে। ষ্টিয়াৰীঙতে হাত দিলেই তাৰ কঁপনি উঠা হ'ল। এতিয়া বেচেৰা গেৰেজ এটাত সামান্য কাম এটা কৰি কোনোমতে পেটে ভাতে খাই আছে। মই কৈছো নহয়, এইটো সময়ত এই বাটটো আক যমপুৰীৰ মাজত কোনো তফাৎ নাই। চোৱা সৌজাক দেখিছা?"

অদ্ভুত ধৰণৰ সাজ পাৰ পিন্ধা, দাঢ়িয়ে গোঁফে তোবোকাৰ পাঁচটা ডেকাই ট্ৰাকখন ৰখাবলৈ হাত দেখা সিহঁত দুটাৰ চকুত পৰিল। বেণ্টুৱে গাড়ীৰ স্পীড বঢ়াই দিলে। ডেকা ল'ৰাকেইটাই যেতিয়া দেখিলে যে গাড়ীখন ৰোৱাৰ কোনো আশা নাই তেতিয়া তাৰে এটাই দিলে জাপ মাৰি মাজ বাস্তালৈ! হেবীৰ এনে লাগিল যেন আগচকাটোৰ তলত পৰি ল'ৰাটো চেপেটা হ'ল! কিন্তু বেণ্টুৰ অভিজ্ঞ হাতে এনেকৈ ষ্টিয়াৰীং ঘূৰালে যে মুহূৰ্ততে যেন সিহঁত একেবাৰে যমপুৰীৰ পৰাহে ঘূৰি আহিল গৈ। হেবীয়ে ইতিমধ্যে চকু মুদি দিছিল। পিছ মুহূৰ্ততে চকু মেলি সি দেখিলে যে চিকচিকিয়া এহাল চকুৰে সৈতে এখন শেঁতা মুখ যেন খিৰিকিৰ কাষেদি পিছলৈ পাৰ হৈ গ'ল! ল'ৰাটো বাচি গ'ল। কিন্তু দুটামান ডাঙৰ ডাঙৰ শিলগুটি আহি ট্ৰাকখনৰ গাত লাগি বাস্তাত চিটিকি পৰিল।

"দেখিলানে এতিয়া? সেই শঙুণটো একেবাৰে নিছাত মচণ্ডল হৈ আছিল। কি কৰিছে সি হয়তো নিজে একো গম নেপায়...চালা!" বেণ্টুৱে দাঁত কৰচিব ধৰিলে। সিফালৰ পৰা

গাড়ীচালকী কিবা অহা হলেতো আজি আমি হয়েটাই ইতিমধ্যে নিপুণী পালোগৈহেতেন।"

"এইছোৱা বাটত পুলিচ পহৰাৰ একো বন্দৰস্ত নায়েই নেকি বাৰু? থাকিলে কি হব? আমাৰ এই দেশখন স্বাধীন নহয় জানো? বাটেদি খোজ কঢ়াটোতো বেআইনী কাম নহয়।" বেণ্টুৱে পেংলাইৰ স্বৰত কৈ গ'ল। "ইহঁতক কোনে ধৰে? পুলিচৰ পৰীয়া দলতো খ.বুকৰ বাবেহে এই কালেদি আহি পাৰ হৈ যায়। সেইকণ সময় শান্ত হৈ থাকিলেই হ'ল। বচ, পুলিচৰ দল পাৰ হৈ যোৱাৰ পিছতহে ইহঁতৰ আচল ৰূপটো ওলাই পৰে।"

হেৰীয়ে এইবাৰ বাহু চুটা জোকাৰিলে। তাৰ সন্মুখৰ যাত্ৰাৰ আধাখিনি আমোদ যেন ইয়াতেই শেষ হৈ থাকিল।

"পেৰেন্তাইড চিটিলৈ যায়াযীৰ পথাও প্ৰায় এশ মাইলমান দূৰ হব, নহয়নে?"

"প্ৰায় সিমানেই হব। তাৰমানে অৰ্দ্ধেকতীলৰ পথা, ধৰা প্ৰায় ছশ মাইল! তুমি কিন্তু যাই বাটটো নধৰিবা। তিতকৰা সৰু বাটটোৰেদিহে যাবা। মোৰ লগত এখন মেপ আছে। তুমি সেইখন নিব পাৰা।"

এৰন্টায়ানৰ পিছত বেণ্টুৱে যাই বাটটো এৰি কাষৰ এটা সৰু বাট ধৰিলে। তেওঁ কলে "আমি প্ৰায় পাইহোছিয়েই বুলিব লাগে; আৰু মাত্ৰ ছমাইলমান বাকী। তুমি পিছে সৌ বাটটোহে ধৰিব লাগিব।" আঙুলি টোঁয়াই তেওঁ বাটটো দেখুৱালে। কিছুদূৰ আগুৱাই গৈ সেই বাটটো পোৱাৰ লগে লগে তেওঁ গাড়ী ৰখালে। "এই কালেদি অৰণ্যে তুমি অলপ বেছিকৈ খোজ কাঢ়িব লগীয়া হব। ভাগ্য ভাল হলে গাড়ীচালকীও পাই যাব পাৰা। এই অঞ্চলৰ খেতিয়ক সকলে সততে এই বাটটোৰেই অহা যোৱা কৰে। কিন্তু সাৱধান। এইখন ঠাইত কিন্তু নিৰাপদ বুলি একো নাই। কিকোনো

মুহূৰ্ত্তত বিপদ আহিব পাৰে।" ডেও গাড়ীৰ সন্মুখৰ ফালৰ বেঞ্চৰ পৰা এখন মেপ উলিয়াই হেৰীৰ সন্মুখত মেলি ধৰিলে। "এনেয়ে কিন্তু ঠাইখন বেছ ভাল। মাজে মাজে অৱশ্যে কিছু বোকা পানীও নোহোৱা নহয়। আৰু এটা কথা কিন্তু। সাঁপ-চাপ দুই-এটা ওলাই পিছে।" হেৰীৰ চকুলৈ চাই হাঁহি কলে, "তুমি এতিয়া পিছে যি ঠাইৰ পৰা উভটি আহিছা তাৰ পিছত আৰু সাঁপে তোমাক ভয় খুৱাবযে নোৱাৰে সেইটো তুমি নকলেও মই বুজো।" ডেও আকৌ গাড়ীৰ ভিতৰলৈ সোমাল আৰু এইবাৰ এডাল চুটি মোটা লাঠি উলিয়াই আনিলে। "এইডাল লোৱা, ইয়াৰ নিচিনা অন্য এডাল মোৰ কাৰণে আছেই। এইডাল বৰ কামত অহা বস্তু। কৰতো নোৱাৰি কোন মুহূৰ্ত্তত দৰ্কাৰ পৰে।"

হেৰীয়ে মূৰটো জোকাৰি, কলে—

"ঠিক আছে ঠিক আছে; মোক এইডাল ন'হলেও হব?"

"তেনেকৈ নকবা। বাটত কেতিয়া কি বস্তুৰ প্ৰয়োজন হয়, তুমি কেনেকৈ জানিবা? লোৱা বুলিছো নহয়।" ডেও এইবাৰ লাঠিডাল জোৰকৈ হেৰীৰ হাতত গুজি দিলে। "আচ্ছা ভাই, যোৱা দেই, ঈশ্বৰে তোমাৰ মঙ্গল কৰক। সমুদ্ৰতীৰত ব'দ আৰু বং দুয়োটাই তোমাৰ লগ দিয়ক...আচ্ছা!"

দুয়ো হাত মিলালে।

হেৰীয়ে কলে, "তুমি যে মৰম কৰি ইমান দূৰ গাড়ীত উঠাই আনিলা, তাৰ বাবে অশেষ ধন্যবাদ দেই। উভটি আহোঁতেও হয়তো মই তোমাক বিচাৰিম। মোৰ খুব বেছি ভাত দুনাইমান হ'ব। তাতকৈ বেছিদিন নেথাকো।" সি এইবাৰ তাৰ বে'গটো গাড়ীৰ পৰা নমাই কান্ধত আৰি ললে আৰু বেন্টকে দিয়া লাঠি ডাল তাত ভৰাই ললে।

বেন্টকে কলে, "নিশ্চয় নিশ্চয়, এই গোটেই চিকনটোৰ প্ৰতি

সোমবাৰ আৰু বৃহস্পতিবাৰে মোক তুমি ইয়াতেই পাবা। অৰেঞ্জ-ভীলৰ বাকেই সোধা সিয়েই মোৰ ঠিকনা বটাই দিব। তোমাক উভতি যাওঁতেই লগ পালে বৰ ভাল লাগিব। হয়তো তোমাৰ যুদ্ধৰ কাহিনীবোৰ তেতিয়া আৰু ভাল লাগিব। সচাঁ কথা কৈছোঁ, সেইবোৰ শুনিবলৈ মোৰ বৰ মন যায়!

হেৰীয়ে হাঁহিলে। কলে, "দেখা যাব বাৰু! আচ্ছা যোৱা দেই। আকৌ কৈছোঁ, বহুত বহুত ধন্যবাদ।

ট্ৰাকখন গুচি গ'ল। হেৰীয়ে সেই ফালে চাই হাত জোকাৰিলে।

এইবাৰ হেৰী নিজৰ বাটেদি আগবাঢ়িল। প্ৰায় পাঁচ মাইলমান খোজ কঢ়াৰ পিছতো সি বাটত কাকো লগ নেপালে। আৰু কিছুদূৰ আগবাঢ়ি যোৱাৰ পিছত বাটৰ দুয়োকাষে ইউকেলিপটাচ গছেৰে বাটৰ দুয়োকাষে ভৰি থকা এডোখৰ ঠাই পালেগৈ। এজোপা ডাঙৰ ইউকেলিপটাচ গছৰ তলতে সি বহি পৰিল। বেগৰ পৰা মেপখন উলিয়াই চালে। দেখিলে আৰু দহমাইল মান আগতগৈ এই বাটটো দুফালে কাটি গৈছে। এটা বাট ঘূৰি গৈ আকৌ হাইৱে'ত লাগিছেগৈ আৰু আনটো গৈ লাগিছেগৈ এখন সৰু চহৰত। নাম 'লিট্‌ল অৰেঞ্জভীল।' তাৰ পৰা এই বাটটো আকৌ এটা হাবিতলীয়া অঞ্চলেদি গৈ অন্ত এখন চহৰ পাইছেগৈ। সেইখন চহৰৰ নাম হ'ল "ৱেল' একৰ্চ"। সি তাতেগৈ নিশাটো কটাবলৈ ঠিক কৰিলে।

সি আকৌ খোজ ললে। আমীত থাকি তিনি বছৰ ধৰি প্ৰকৃত যুদ্ধ ক্ষেত্ৰত কটোৱাৰ পিছত এতিয়া তাৰ দেহত যেন শক্তি অফুৰন্ত। খোজ কাঢ়ি তাৰ বৰ ভাল লাগিছে।

এক মান বজাত সি বাটৰ কাষৰ গছ এজোপাৰ তলত বহি কণী আৰু বিলাহী ভৰোৱা চেণ্ডউইচ্ এটা আৰু ইতিমধ্যে অলপ

অনুপ গৰম হৈ পৰা ক'ক এবটল খাই ললে। চিগাৰেট এটা জ্বলাই লৈ বে'গটো কান্ধত তুলি লবলৈ ধৰোঁতেই পুলিচৰ গাড়ী এখন আহি তাৰ কাষত ৰ'ল।

গাড়ীখনৰ পৰা দুজন বেচ হৃষ্ট পুষ্ট পুলিচ কৰ্মচাৰী নামি আহিল। যিজনে গাড়ীখন চলাই আহিছিল, তেওঁক পিছ পেলাই থৈ ইজন পুলিচ বিষয়া আহি হেৰীৰ সন্মুখত থিয় হ'ল। গাড়ী চলাই অহাজন এওঁতকৈ বয়সত সৰু যেন লাগিল। কিছু দূৰত তেওঁও হ'লষ্টাৰত ভৰাই থোৱা পিষ্টলটোত হাত দি সাৱধানে থিয় দি থাকিল।

"তুমি কোন? ইয়াত কি কৰিছা?" বয়সিয়াল পুলিচ বিষয়াজনে সুধিলে।

হেৰীয়ে দেখিলে তেওঁৰ শ্চাৰ্টৰ বাহুৰ কাষে চাৰ্জেণ্টৰ ষ্ট্ৰাইপ।

সি লাহেকৈ কলে, "খোজ কাঢ়ি ফুৰাৰ বাহিৰে একোযে কৰা নাই সেইটো নিশ্চয় আপোনালোকেও দেখিছে।"

"সচাঁনে?" চাৰ্জেণ্টৰ চকু এইবাৰ হেৰীৰ দুটি হাতৰ খাকী শ্চাৰ্ট আৰু খাকীড্ৰিলৰ পেণ্টৰ, কটাৰীযধাৰ যেন কাৰা ইস্ত্ৰি থকা ভাজবোৰৰ ওপৰত পৰি'ল। লগে লগেই যেন তেওঁ কিছু দমি গ'ল। লাহেকৈ সুধিলে,

"তোমাৰ নাম?"

"হেৰী, হেৰী মিট্চেল।"

"ঘৰ?"

"নিউ ইয়ৰ্কত।"

"কিবা কাগজ-পত্ৰ আছে?"

হেৰীয়ে শ্চাৰ্টৰ পকেটৰ বুটামখুলি এজাপ কাগজ উলিয়ালে। তাৰ মাজৰ পৰা, সেনাবাহিনীৰ পৰা ওলাই অহাৰ প্ৰমাণ পত্ৰ, ড্ৰাইভিং লাইচেন্স, আৰু তাৰ পাচপ'ৰ্ট উলিয়াই দেখুৱালে।

চাৰ্জেণ্টে আৰ্মীৰ ডিচাৰ্জ পেপাৰখিনি ভালকৈ চকু ফুৰাই চালে আৰু হেৰীলৈ কেৰাহিকৈ চাই কলে, "তাৰ মানে এই কেইদিনমানৰ আগতেহে ওলাই আহিছা নহয়নে? আৰ্মীত পেৰাক্ৰপাৰ আছিলা? বেছ ফুৰ্ত্তি কৰিলা নিশ্চয়!"

"আপুনি যদি সেইটো ফুৰ্ত্তি বুলি ভাবে মোৰ কবলগীয়া একো নাই।" হেৰীয়ে নিস্পৃহভাৱে উত্তৰ দিলে, "মই পিছে অকনো উপভোগ কৰিব পৰা নাছিলোঁ।"

চাৰ্জেণ্টজনে কাগজপত্ৰখিনি হেৰীক ঘূৰাই দিলে।

"তুমি পিছে এতিয়া ক'লৈ যোৱা?"

"পেৰেডাইজ চিটিলৈ।"

"তালৈতো বেছ দূৰ হ'ব। আচ্ছা বাৰু কোৱাচোন, তুমি নোৱাৰাত পৰিছে খোজ কাঢ়ি বাট বুলিছা নে খোজ কঢ়াটো তোমাৰ চখহে?"

হেৰীৰ মুখৰ স্বভাৱসুলভ হাঁহিটো ইতিমধ্যে মাৰ গৈছিল। পুলিচ বিষয়াজনৰ এই অপ্ৰাসঙ্গিক প্ৰশ্নবোৰ শুনি শুনি ইতিমধ্যে সি বেছ আমনি বোধ কৰিছিল। এইবাৰ পোনে পোনে তেওঁৰ চকুলৈ চাই সি কলে, "সেইটো জনাটোও আপোনাৰ কাম নেকি চাৰ্জেণ্ট!"

"এৰা, সেইটোও আমাৰ কাম। আমি যদি কোনোবাই নগদ টকা-পইচা নোহোৱাকৈ দক্ষিণলৈ খৰি যোৱা বুলি গম পাওঁ তেনেহলে তেওঁক আমি তৎক্ষণাৎ ধৰি পেলাওঁ। তোমাৰ নগদ টকা-পইচা কিবা আছে জানো?"

"আছে। তুপ নহ ভলাৰ। আৰু, মই খোজ কাঢ়ি ভাল পাওঁ।" হেৰীয়ে শইীনাই উত্তৰ দিলে।

চাৰ্জেণ্ট মুৰ জুপিয়ালে।

"পেৰেডাইজ চিটিত কিবা চাকৰি-টাকৰি পাইছা যেন পাওঁ?"

"নাই পোৱা! কিন্তু কাম এটা নিশ্চয় পাই যাম চাগৈ। অৱশ্যে মই তাত ছুমাহতকৈ বেছি নেথাকোঁ। তাৰ পিছতগৈ নিউ ইয়ৰ্কত এটা ভাল কামত জইন কৰিব লাগিব।"

চাৰ্জেণ্টে আকৌ মূৰ দুপিয়ালে।

"তোমাৰ হয়তো বিশ্বাস কৰিবলৈ টান লাগিব;" এইবাৰ অৱজ্ঞতাৰ সুৰত চাৰ্জেণ্টে কৈ গ'ল, "কিন্তু তোমাক নকৈ আৰু কি? আজি কিছুদিনৰ পৰা এই গোটেই জিলাখন তোমাৰ ভিয়েটনামৰ সেই ধাননী পথাৰবোৰৰ নিচিনাই ভয়াবহ হৈ পৰিছে।"

হেৰীয়ে যেন কোনোমতেহে নিজকে সংযত কৰি ৰাখিলে।

"হয় নেকি? পিছে এটা কথা, চাৰ্জেণ্ট। আপুনিতো ভিয়েটনামৰ সেই ধাননী পথাৰবোৰ দেখাগৈ নাই। মই হলে যোৱা ছুদিন ধৰি আপোনালোকৰ এই জিলাখনিতেই আছোঁহি। মোৰ বোধেৰে এইখন জিলাৰ পৰিস্থিতি সম্পৰ্কে কথাবোৰ অলপ অতিৰঞ্জিত কৰি কোৱা হৈছে নেকি! মই কিন্তু সিমান ভয় খোৱা নাই!"

চাৰ্জেণ্টে এইবাৰ তেওঁৰ বাহু দুটা লৰালে। তেওঁ কলে, "দুঘণ্টামান আগতে এজনী গাভৰু ছোৱালী আৰু চাৰিটা চেঙেলীয়া ডেকাই ইয়াৰ পৰা পাঁচ মাইলমান আগত এটা ফাৰ্ম হাউচত সোমাই তিনিটামান চিকেন আৰু ট্ৰেঞ্জিষ্টৰ ৰেডিঅ' লৈ উধাও হৈছে। আচৰিত কথা কি জানানে? সেই সময়ত তাত এটা নহয় দুটা নহয় চাৰিটাকৈ আদহীয়া, হৃষ্টপুষ্ট মানুহ মজুত আছিল। সিহঁতে এই গোটেই কাণ্ডটো চকুৰ আগত দেখি আছিল। অথচ কোনো এটাই এই ডেকা গাভৰু কেইটাক বাধা দিয়াৰ কথা নেভাবিলে। সিহঁত গুছি যোৱাৰ পিছতহে আমাক খবৰ দিলে। মই অৱশ্যে এইটোও কাম যে ফাৰ্ম হাউচৰ সেই মানুহকেইটাই সিহঁতক তাৰ পৰা